Government of

# ব্যথাৰ দান



..... আজি বননিৰ সৰা পাতে গায়
বসন্ত — তুমি আহিছিলা .. ...


GOVERNMENT OF ASSAM
Call No. 891.451 AR.9Bya.
DISTRICT LIBRARY

মেই—' ৪৯



SANKARDEV LIBRARY
Panchabati Ashram
Gauhati, Assam.

দাম—॥৵০ অনা

DISTRICT LIBRARY.

—অৰ্পণ—

কোনোবা অজান বলিয়া কবিৰ
কেচা কলিজাৰ 'ব্যথাৰ দান'
তাৰ—
জীৱনৰ বাটত ওচৰ চাপি
হেৰাই পৰা
কোনোবা অজান প্ৰিয়াৰ বাবে

DISTRICT LIBRARY.
TEZPUR



উপহাৰ

"জীৱন তোমাৰ মধুৰ হওক
তৃপ্ত হওক তোমাৰ মন"……

… … … … … লৈ

*Library books will give you joy for long*
*if handled carefully with clean* ***hands***

—চেনেহৰ কল্পনাৰবি কাক মই কই যাম
কাষ চাপি আহি প্ৰাণে মৰণ সমীৰ
বুকুত মু-খনি ৰাখি অধৰ কঁপাই কোনে
স্নেহ আৰু পিয়াশাত হবহি অধীৰ !!—

—x—

* * * মৰম ভিখাৰী মৰম ভিচাৰি
আছিলোঁ। তোমাৰ অতিথি হই
উঠা উঠা মোৰ হৃদয়ৰ বাণী !
চকুৰ সপোন আঁতৰ কই।

চোৱা বাহিৰত মিলন প্ৰয়াসী
মধুৰ জোনালী বাগৰি যায়
প্ৰণয়ী হিয়াৰ গোপন বাতৰি
নিজৰ বুকুত ভৰাই লয়।

উঠা বাণী মোৰ উঠা উঠা হেৰা
খোলাহি তোমাৰ দুৱাৰ খনি
সপোন সুৰৰ লগতে কঁপাই
তোলাহি মিলন বীণাৰ ধ্বনি। * * *

— x —

( ১ )

কোনে আহিছিল বালিচৰে মোৰ
আজিও ৰইছে খোজৰ চিন
কোনে আহি এই.শুকান বালিত
বজালেহি মধু মায়াৰ বীণ!

কোনে আহি মোৰ সাজিলে কানন
তৰু-লতা-পাতে সবুজ কই
ৰাশি ৰাশি ফু'ল হ'ল জক্ মক্
মাধবী মাৰুত আহিলে বই!

কোনে আহিছিল ভৰা হিয়া লই
ঢালিলে প্ৰণয় উজাৰ কৰি
কোনেনো চেনেহে চুমাটি যাচিলে
ইমান মায়াৰে সাবটি ধৰি!

## ব্যথাৰ দাগ

মন কাঢ়ি নিলে কোনে আহি মোৰ,
প্ৰাণ মোহ গল প্ৰণয় পি,
বুকু ভাঙি গল পৰশু আঘাতে
কই গল ফুল ভুলটো দি!

কোনে আহিছিল বালিচৰে মোৰ
খোজটি আজিও থাকিল পৰি
দুটুপি চকুলো নিজে পৰে তাত
নিতে ভিজে বালি স্মৰণ কৰি!

— x —

(২)

এসুৰা জোনালী নিশা সিদিনাও জ্বলিছিল
আকাশত বগী বগী তৰাৰ মুকুতা
একোখনি পালতৰি সিদিনাও ভাঁহিছিল
একোখনি বগামেঘ লাহে লাহে উঠা—

নাৰিকল তামোলৰ সিদিনাও লৰিছিল
পাতবোৰ ধীৰে ধীৰে মৃদু বতাহত
আঁকিছিল ছবিবোৰ আজিদৰে মনোমোহা
তমি মই আৰু সেই জোনৰ মাজত।

## ব্যথাৰ দাগ

ওচৰতে হাচিনাই বুকুখনি খুলিছিল
গোন্ধৰ মদিৰা ঢালি মতলিয়া হই
সপোন কুঁৱৰী যেন নামি আহি বিলাসেৰে
চকুমুখে আদৰিলে চেনেহৰে লই ।—

তেতিয়াই কইছিলা "কিনো আজি মনোমোহা
আজিৰ কবিতা এটি লিখি দিবা দেই !"
তেতিয়া আছিলোঁ মই আপোন-বিভোৰ হই
কবিতা আঁৰত মোৰ আছিলে লুকাই ।—

সিদিনাৰে দৰে আজি আছে সকলোটি পূৰ
আজি মাথো কাষৰত তুমি মোৰ নাই
সেয়েহে আহিছে আজি চেনেহী কবিতা মোৰ
তোমাৰ অভাব খিনি জগাই জগাই !!



(৩)

কাকনো ভাঙিম সখী! প্ৰাণৰ কথাটি মোৰ
—অন্তৰত ধ্বনি থকা করুণ কথাটি
ব্যথাৰ চুৰিৰে কাটি টুকুৰা টুকুৰা কৰা
কাক দিম দেখুৱাই গুপুত হিয়াটি!

সমীৰণ বই যায় শঁতাই ধৰণী বুকু
অনাবিল আনন্দৰ ঢালি সুধাধাৰ
নোৱাৰো ভাঙিব সখী! তাক ই প্ৰাণৰ কথা
কিজানি সুখৰ ভাবো লাগি যায় আঁৰ!

বননিত ফুলে ফুল আলসুৱা প্ৰাণ লই
প্ৰেম সুখ সৌন্দৰ্য্যৰ সুষমা বিলাই
নোৱাৰো ভাকোতো সখী! জনাব হিয়াৰ কথা
আঘাতত সিও জানো জঁয় পৰি যায়!

বননিৰ বিহগক নোৱাৰো ভাঙিব সখী
—যাচিছে ধৰাক সুখ হিয়াৰ আপোন ;
মোৰ এই কলিজাৰ শুনি দৰদৰ কথা
কিজানিবা ভাঙে তাৰো সুৰৰ সপোন !

জোনালীৰ জ্যোতি-ৰাশি আকাশ বাগৰি আহে
চেনেহৰ ধৰণীক সুখতে বুৰাই ;
মোৰ কথা জানি পালে সেই জোনালীও জানো
বিষাদত বিৰহত কলা হৈ যায় !

কাকনো ভাঙিম সখী প্ৰাণৰ কথাটি মোৰ
মোক পোৱা জুইকুৰা কাক জাপি দিম
সেউজীয়া ধৰণীৰ সুখৰ সপোন ভাঙি
প্ৰাণৰ কথাটি মোৰ কাকনো ভাঙিম !!

—✱—

( ৪ )

প্ৰভাতৰ সঙ্গীতৰ সঙ্গে
আনিছিলো তোমাক সাদৰি
প্ৰেমে ভৰা ফুলৰ ডালাৰে
হিয়া ভৰা আৱাহনে ৰবি !

ভাবিছিলো জীৱনে জীৱনে
বুকু মাজে আৱৰি ৰাখিম
আকাশৰ ধৰণীৰ ৰবে
জীৱনক মধুৰ কৰিম !

আঁশা মোৰ মৰু-মৰীচিকা
তুমি মোৰ আকাশৰ ফুল
বিচাৰিলে' নিমিলা . কেনেকৈ'
ধ্যান মোৰ জীৱনৰ ভুল !

## ব্যথাৰ সাজ

আজি মোৰ গধূলিৰ সতে
দিলো সখী তোমাকো বিদায়
সাজৰিছো বিৰহ ৰজনী
বুকে মোৰ ব্যথা ৰাশি লই !

যোৱা তুমি প্ৰিয়তমা মোৰ
হাঁহি মুখে যোৱা ৰূপৰাণী !
ৰব মোৰ ব্যথিত হৃদয়
সঙ্গী মোৰ ৰব চকু পানী !

বিহগৰ ব্যথা কলৰবে—
সৰা-পাতে জৰ্-জৰ্ গায়—
"সন্ধ্যা দেৱী বিদায়— বিদায়—"
—প্ৰিয়া মোৰ বিদায়—বিদায় !

আজি মোৰ হিয়া ব্যথা-ভৰা
মোৰ বুকে গীতি—সুৰ নাই
জলভৰা নয়নেৰে মাথো
প্ৰিয়া আজি যাচিলো বিদায় !!

THE BOOK CAREFULLY

( ৫ )

নিজ হাতে মাটি খান্দি সাজিলো কবৰ
নিজেই গাৰিলো মোৰ অতি প্ৰিয়-জন
চকুলো ছুটুপি মচি হুমুনিয়াটিৰে
নিজে মযে অতীতক দিলো বিসৰ্জন !

আন্ধাৰে ঢাকিলে মোৰ শুভ্ৰ কল্পলোক
অকলে শুকাই গল ৰূপ-ৰস-প্ৰাণ
কণ্টকে ভৰিল মাথো কুসুম কানন
মাৰ গল অকালতে বসন্তৰ গান !

পৰি সেই কবৰতে পখীয়ে বিনায়,
ভাঁহি উঠি সুৰ তাৰ পুনু মাৰ যায়,
জিলিকি নিয়ৰ টোপা পুনৰ শুকায়
দেখি মোৰ প্ৰাণে মাথো কৰে হায় হায় !

বই আছে চকুপানী আছে হুমুনিয়া
বেদনা কণ্টকে আক বিন্ধে ভগা হিয়া !

— x —

( ৬ )

অবহ কতনা জ্বালা–দুখ-বেথা
হিয়াৰ মাজত গোপনে লই
প্ৰাণৰো অধিক চেনেহৰ মোৰ
প্ৰিয়াৰ ওচৰ চাপিলো গই !

কলোঁ–"যাওঁ মই, সুখে থাকা তুমি
আজি মোক হেৰা বিদায় দিয়া"
দেখিলোঁ প্ৰিয়াৰ চকুলো দুটুপি
দুগালেদি বই জাগিছে হিয়া।

অতি সাৱধানে মনক সামৰি
কলে—"দিলো সঁচা বিদায় বাণী,
প্ৰিয় তুমি মোক নাযাবা পাহৰি।"
উঠিলো হিয়াত বেদনা সানি।

বিদায়ৰ সেই শেষ কথাষাৰি
হিয়াৰো হিয়াত আজিও ৰই
জীৱনৰ মোৰ স্মৃতিৰ ধৰণী
ৰাখিছে নবীন সহজ কই !!



( ৭ )

বিৰহৰ এই জোনালী নিশাটি
পুৱাব এদিন পুৱাব
মোহিনী উষাই মলয়া সমীৰ
বোৱাব এদিন বোৱাব !

কনক কিৰণে কাননে কাননে
ফুলাব কুসুম ফুলাব
প্ৰাণ-মন-হিয়া কেতেকীৰ সুৰে
ভুলাব এদিন ভুলাব !

সেউজীয়া মোৰ ধৰাখনি এই
হাঁহিব এদিন হাঁহিব
সপোনৰ দেশ চকুৰ আগত
শোভিব এদিন শোভিব !



(৮).

বিৰহ-ৰজনী পুৱালে সাদৰী
উষাৰ নিচিনা আহিবা হাঁহি
কাননত মোৰ কোকিলে ডাকিব
কনক-কুসুমে মেলিব পাহি।

তোমাৰ পথত পাৰি দিম সখী
দুবৰি বনৰ দলিচা খনি
সিচঁৰাই থম মুকুতাৰ কণা
নানা বৰণৰ ৰহণ সানি।

## ব্যথাৰ দাম

ৰঙা-চৰণৰ কোমল পৰশে
মুকুতাৰ ফুলে বাগৰি লাজে
ৰূপ তুলনাত পৰাজয় মানি
বনতে লুকাব নিজকে নিজে।

ওপচাই মোৰ প্ৰেম-পিয়ালাটি
ৰূপৰ মদিৰা দিবাহি ৰাকি
নিমজ আঙুলি পৰশাবা গাত
আঁখিয়ে আঁখিয়ে পেলাবা আঁখি।

তোমাৰ অধৰে বিজুলি খেলিব
অধৰৰ মোৰ পৰশ পাই
কাননত মোৰ তুমি আৰু মই
মিলিম দুয়োৰে একেটি হই।

PLEASE HANDLE THE BOOK CAREFULLY.

পাহৰাবা সখী দূৰ অতীতক
কথা-কবিতাৰ গাথিবা মালা
সঙ্গীত-সুৰৰ নমাবা শাওণ
প্ৰণয়-পুৰীৰ অমিয়া ঢালা।

জীৱন-বীণাটি বান্ধিছো সজাই
আঙুলি বুলাই তুলিবা সুৰ
এই নিজানত নামিব সিদিন
সপোন বেড়োৱা স্বৰগ-পুৰ।

— x —

( ৯ )

তুমি সখী নালাগে আহিব—
বিৰহৰ জোনালীৰ আঁখিত মাধুৰী সনা
নালাগে ই মোৰ সুখ-সপোন ভাগিব
তুমি সখী নালাগে আহিব।

কল্পনাৰ আকাশত সাত বৰণীয়া সউ
জিলিকি থাকক মোৰ ৰামধনু খনি
তুমি সখী আহি পালে জ্যোতিটি পৰিলে তাত
ভাগি যাব জিল্-মিল্ ৰামধনু খনি।
মই সজা ৰামধনু খনি !!

তোমাৰ বাটত সখী ছৰিবি পাতে পাতে
ফুলি থঁক জল্-মল্ নিৰৱ ফুল
তুমি সখী আহি পালে সৰি যাব সকলোটি
নেদেখিবা পুনৰায় জল্-মল্ ফুল
আজি যুলা. নিৰৱ ফুল!

মই সখী ভাল পাওঁ জীৱনৰ এয়ে সাধ
নিবিচাৰো মই তাৰ একো প্ৰতিদান
ভাল পাই ভাল লাগে, তাতেই আনন্দ মোৰ
নালাগে আহিব যাচি তাৰ প্ৰতিদান
—প্ৰণয়ৰ মোৰ প্ৰতিদান!

দূৰৰ মাধুৰী ফেৰা ওচৰত লয় পাব
সুখৰ সপোন মোৰ জগালেই মাৰ যাব
অন্তৰৰ ছবি তুমি হৃদয়তে ৰই থকা
ওচৰত তুমি মোৰ নালাগে আহিব—
তুমি সখী নালাগে আহিব।

ব্যথাৰ দান

জ্বলি থকা তুমি সোণ উজলাই নীলাকাশ
তোমাৰ কিৰণ ৰাশি আছি বই বই
সাগৰ বুকুত মোৰ জোঁৱাৰৰ ঢেউ তুলি,
প্ৰণয়ী জীৱন মোৰ থ'ক উতলাই।
তুমি মোৰ সাগৰত নালাগে নামিব—
তুমি সখী নালাগে আহিব !!

—:০*:০—

(১০)

সিদিনা বুজিলো মোৰ জীৱনৰ ভুল
হিয়া-ভৰা কাননৰ গোন্ধে-ভৰা বসন্তৰ
যিদিনা মৰহি গল প্ৰণয়ৰ ফুল !

সেইদিনা সুবুজিলো জীৱনৰ ভুল
সৌন্দৰ্য্যৰ মৰীচিকা দেখি
কল্পনাৰ ৰামধনু আঁকি
যিদিনা নিজেই ময়ে কৰিছিলো ভুল !!

আজি ভুল— দেখা দিছে জীৱনৰ ভুল
যিমানে গাথিলো ফুল
যিমানে সাজিলো তৰা
সবাতো লাগিছে জুই ধৰা দিছে ভুল !!!

(১১)

ভুল—

ভুলে যদি মোৰ বিৰহী নিশাৰ
সপোন ৰাগিণী এটি
ভুলে যদি মোৰ নীলা আকাশৰ
ধৱলী জোনালী জ্যোতি,

ভুলে যদি মোৰ প্রিয়া-প্রণয়ৰ
স্মৃতি-ৰামধনু খনি,
ভুলে যদি মোৰ দুটি নয়নৰ
দুধাৰি চকুৰ পানী,

ভুলে যদি মোৰ হুমুনিয়া এটি
—বুকুখনি ভাঙি আনে,
ভুলে যদি মোৰ মৰম মাজত
ব্যথা-আকুলতা দানে,

—ভুলে যদি লোক নিজৰ বুকুত
আকুলি সাৱতি লয়
তেনেহলে মোৰ ভুলেই আপোন
প্ৰাণৰ আপোন অই !

(১২)

তোমাৰ আঁখিৰে ধ্যান কৰি সখা !
কত নিশা জাগি কাটিছোঁ
নীৰৱ নিশাৰ বিৰহী কেতেকী
হিয়া ভাঙি মতা শুনিছোঁ।

বাঁহীটিৰ মোৰ সুৰ তুলি তুলি
বুকু ভৰা কথা ভাঙিছো
তোমাৰ নামৰ ফুলমালা ধাৰি
হিয়া ডালা ভৰি গাথিছোঁ।

পৰশত মোৰ নায়ো যদি তুমি
হৃদয়ত সদা ৰাখিছোঁ।
বাহুৰ মাজত নিবিচাৰোঁ সখা
অন্তৰত থকা — খাটিছোঁ।

—:•❀•:—

(১৩)

পাহৰি পেলালোঁ আজি
হিয়া ভৰা ইতিহাস
বৃথাই মাগাথোঁ আক
প্ৰেমৰ কবিতা মালা।

হৃদয়ৰ ছবিখনি
মোহাৰি কৰিলোঁ চুৰ
সহিম কিমান আক
বিৰহৰ বিষ-জ্বালা।

সজিয়াই আবৰিলে
সেউজীয়া ধৰাখনি
আন্ধাৰকে ললোঁ আজি
চকুৰ জেউতি কৰি

সোঁৱৰণী সিপাৰত
থকা তুমি প্ৰিয়া মোৰ
পাহৰি পেলাওঁ আজি
আশা-জুই পানী কৰি !!

---

(১৪)

নোৱাৰোঁ ভুলিব আৰু সেই কলা আঁখি দুটি
সকলো ৰূপতে দেখোঁ সিটি ৰূপে উঠে ফুটি !
প্ৰতিপলে ধৰণীত নানা ৰূপে খেলা কৰে
তাৰে মাজে প্ৰাণে মোৰ তোমাকে বিচাৰি ফুৰে

কোনোৱে নোৱাৰে মোক ভুলাব এতিলোল'কে
সেই একেখনি মুখ হৃদয়ত জ্বলি থাকে ।
নোৱাৰোঁ মচিব আৰু সেই মায়া ছবি খনি
সেউজীয়া হিয়া মোৰ ৰাখিছে কিৰণ সানি

ভুলতো তোমাক মই নোৱাৰোঁ ভুলিব প্ৰাণ !
সোঁৱৰণীটিয়ে মোৰ জীৱন-পথৰ গান ।

— x —

(১৫)

তুমি মোক চিনি পোৱা নাই
তুমি মোক জানি পোৱা নাই— প্ৰিয়তমা !

তুমি মোৰ চিত্ত বিনোদিনী
তুমি মোৰ বিশ্ব বিমোহিনী— প্ৰানৰসুষমা !

তুমি মোৰ থাপনাৰ দেৱী
তুমি মোৰ প্ৰেম-বীণাপাণি
প্ৰিয়া ! মই তোমাৰ পূজাৰী ।

তুমি মোৰ তৃপ্তি নয়নৰ
তুমি মোৰ দীপ্তি জীৱনৰ
দীন মই তোমাৰ ভিখাৰী ।

তুমি মোৰ প্ৰিয়া অনাহুতা
সপোনৰ ৰঙীন কবিতা
দূৰণিৰ বাটকৰা মই ।

আকাশৰ তুমি মনোমোহা
জীৱনৰ মোৰ ধ্ৰুৱ তৰা
কটাম জীৱন নিশা চাই চাই ৰই।

যুগে যুগে তুমি মোৰ ৰবা নয়নত
মই দিয়া ৰূপৰ মাজত
যদিওবা মোক তুমি দিছা আঁতৰাই
তুমি ললা মই দিয়া ফুল
হ'লা তুমি ৰূপত অতুল
যদিওবা তুমি নিজে কৰ পৰা নাই।

তুমি মোৰ চিৰ বিনোদিনী
তুমি মোৰ চিৰ আদৰৰ
মই ৰম দূৰণি-দেশত
ব্যথা-জুই জ্বলি বিৰহৰ !

— বিৰহে মিলন মোৰ
প্ৰেমে মোৰ জীৱনৰ গান
তুমি মোৰ মায়াময়ী দেৱী
সঙ্গী মোৰ তোমাৰেই ধ্যান ॥

— × —

(১৬)

প্ৰভাতৰ সমীৰণে বুলাই লাহৰী হাত
জগালেহি চেনেহৰ মৃদু-পৰশেৰে
জড়তাৰ টোপনিক বিদায় চাহনি যাচি
উঠিলোঁ। সজাগি আজি অতি উলাহেৰে।

... ... ... ...

উঠিয়েই দেখা পালোঁ। স্মৃতিৰ পথাৰ খনি
সবুজ ঘাঁহেৰে ঢকা তাৰ বুকুখন
মাজে মাজে কেতিয়াবা মোৰ প্ৰিয়তমা স'তে
তাতে বহি জুৰিছিলোঁ। জীৱনৰ গান।

... ... ... ...

সেউজীয়া নীলা ৰঙা নানা তৰহৰ ফুল
ঘাঁহনিৰ আগে আগে উঠিছে বিকশি
নানান পখিলা উৰি ফুলে ফুলে চুমা লই
ফুলৰ নিয়ৰ টোপা দিছেহি উজাৰি।
... ... ... ...

PLEASE HANDLE THE BOOK CAREFULLY.

## ব্যথাৰ দান

দুটি পখী উৰি আহি ঘাঁহনিৰ ওপৰতে
পাতিলেহি কিনো কথা আনন্দতে পৰি
নিয়ৰ সৰাই দুয়ো খোজে খোজে চিন ৰাখি
ফুৰিলেহি আনন্দতে দুয়ো খোজ কাঢ়ি !
... ... ... ...
সেই যেন একেকথা একে প্ৰিয়া প্ৰণয়িনী
একে সেই জীৱনৰ প্ৰণয়ৰ গান
একে সেই চিন লই কৰি একে অভিনয়
আজিও পথাৰ খনি হইছে শোভন
... ... ... ...
পথাৰৰ বুকু ভৰি ঘাঁহনিৰ আগে আগে
জিলিকিছে নিয়ৰৰ অলেখ টোপাল
তাৰেই লগতে ময়ো এটুপি চকুৰ পানী
পথাৰখনিক আজি কৰি দিলোঁ দান।
... ... ... ...
পথাৰৰ লাখ লাখ নিয়ৰৰ টোপাল'তে
চকুলো টুপিও মোৰ য'ক আজি শুহি
হয়তোবা কেতিয়াবা মোৰ প্ৰিয়তমা আহি
তাতে গজি উঠা ফুল দেখিব এপাহি।

( ১৭ )

মোৰ বীণাটিৰ সুৰটিয়ে গ'ই
নপশেনে প্ৰিয়া তোমাৰ কাণ
আকাশ পৰশি ঘূৰি ঘূৰি মৰে
তোমাৰ বিৰহী—বীণৰ তান !

... ... ... ...

সেই সুৰ শুনি আকাশ বুকুৰ
চাঁদ তাৰকাও মলিন হ'ল
ৰূপহী—কুসুমে ৰূপ হেৰুৱালে
বিহগী কণ্ঠ করুণ হ'ল !

তুমিহে প্ৰিয়াটি নুশুনিলা মোৰ
আকাশ পৰশা প্ৰাণৰ গান
মোৰ দোষ কিটো ?–তুমি নুশুনিলা
তন্দ্ৰা-বধিৰ তোমাৰ কাণ !

... ... ... ...

মোৰ বিদায়ৰ পিচত দেখিবা
তোমাৰ পূজাৰী কোনোৱে নাই
তেতিয়াও যদি তোমাৰ দুকাণে
বধিৰতা ভাগি মুকুতি পায় ;

... ... ... ...

আকাশ বুকুত শুনিবা লাহৰী
আজিৰ বীণৰে স্মৃতিৰ বেণু
প্ৰতিটো সুৰতে থাকিব জীয়াই
মৰমী বুকৰ তেজৰ বেণু ।

১৮

শুনা প্ৰিয়া মোৰ এটি গৌৰৱৰ গান
জীৱনৰ মাথো এটি গৌৰৱৰ গান
যেতিয়া পূৰবী-নিশা
দেখি নিজে নিজ দশা
মিলনৰ শেষ আশা কৰি পৰিহাৰ
যোৱা বাটেৰেই দেহি ফিৰিলোঁ পুনৰ
কলিজা এডাৰ হ'ই
চকু-পানী গ'ল বই
টোপাটোপে দেহি অ'ই তোৰ পদুলিত
আজিও ধৰণী কঁপে তাৰ বিননিত!
শুনা নাই? শুনা নাই?
প্ৰিয়া তই শুনা নাই—
মোৰ সেই চকুলোৰ ব্যথাতুৰ গান?
—নালাগে শুনিব তই নাপাতিবি কাণ!

যদিও নহয় ফুল,
যদিও নিবিন্ধে ভৰি,
যদিও নকৰে তোৰ খোজে পতি ভুল
খোজবোৰ লৈয়ে তোৰ সি যে বিয়াকুল !
নিঠুৰ ভৰিৰ তোৰ
লাগিলে আঘাতবোৰ
মোৰ চকুলোৰে তাকে স্নেহ-দান বুলি
বুকুৰ মাজত লয় সাদৰেৰে তুলি।
বিননিৰ বননিত
বিৰহৰ অগনিত
যদিও পৰাণ মোৰ দহি-পুৰি গ'ল
তথাপি গৌৰৱ মোৰ ইটি ৰ'ই গ'ল।
—তোৰ মোৰ প্ৰণয়ৰ
স্মৃতিৰ সফুৰা ৰচি
দেখা পাওঁ মিল হোৱা পদূলিত তোৰ
তোৰ সেই খোজ আৰু মোৰ চকুলোৰ !

ব্যথাৰ দাম

বেচি আৰু নিবিচাৰোঁ।
বেচি আৰু নালাগেও
এই মিলনেই ৰ'ক যেন চিৰদিন
তোৰ মোৰ প্ৰণয়ৰ নোহাক'ই ভিন

( ১৯ )

পুৰৱী তৰাটি দেখিছা দেহিঅ’
কিমান করুণ কাহিনী ল’ই
চকুৰ মুকুতা সৰাই শেহত
মৰণ-বুকত মৰিব যায় ;

উষাৰ ধৱলী আলোৰ ৰেখাই
মিলন নিশাৰে মৰণ — গায়
সঙ্গী-হীনতাৰ দৰদৰ কাঁড়
কলিজাৰে তাৰ সৰকি যায় !

তুমি কি নজনা,—কলিজাটি মোৰ
তোমাৰ বিৰহী – কৱিও এই
সঙ্গী-হীনতাৰ চকুলো ছুটুপি
শেহৰ পথৰ লগৰী ল’ই ;

ধৱলী পুৱাৰ তৰাটিৰে স’তে
একেই পথৰে সথীয়া হ’ই
বেথাৰ–ব্যথাৰ শেষ সীমানাৰ
সাগৰ পাৰটি বিচাৰি যায় !!

( ২০ )

আহিলোঁ উলতি তোমাৰ অতিথি
ওৰেটি ৰজনী সজাগি ৰ'ই,
তোমাৰ নিঠুৰ দুৱাৰ খনিতো
নুখুলিলা তুমি নিঠুৰা অ'ই।

তুমিতো থাকিলা টোপনি বিভোৰ
সপোনে মাখিলে আঁখিত বোল,
মোৰ নয়নৰ দুধাৰি চকুলো
নিশা ব'ই ব'ই কাতৰ হ'ল!

নাকে মুখে লাগি ধুপৰ সুগন্ধ
তোমাৰ ৰূপৰ মাধুৰি পিলে
দুৱাৰমুখৰ হাচিনা জুপিয়ে
মোৰ বিৰহৰ যাতনা পালে।

## ব্যথাৰ দান

পুৱাতে তোমাক সৰা হাচিনাই
জনাব ইমোৰ বুকৰ ব্যথা
ব্যথাতুৰ সেই শেষ তৰাটিকো
সুধি পাবা দেহি মোৰেই কথা।

তোমাৰ বাটত পৰি ৰ'ল মোৰ
নিয়ৰ সৰোৱা খোজৰ চিন
শেষৰ চকুলো-ঢুধাৰি বাগৰি
মোক ও তোমাক কৰিলে ভিন।

আহিলোঁ উলতি তোমাৰ অতিথি
ওৰেটি ৰজনী সজাগি ৰ'ই
উষাই চুমিব তোমাৰ কপাল
মইযে গুলালোঁ বৰাগী হই।

---



DISTRICT LIBRARY,
TEZPUR

—মৰণৰ সময়তো কোনোৱে ওচৰ চাপি
চেনেহৰ কথাষাৰি নালাগে শুনিব
নয়নে নয়ন ৰাখি, করুণ কথাটি ভাঙি
হিয়াৰ সলনি হিয়া নালাগে যাচিব !!—

—— ※ ——

Library books will give you joy for long
if handled carefully with clean hands

